বাট দীঘল। জঙ্গলীয়া। সেই দিনা সেই মানুহ সকলৰ মন যেনে আছিল বাটও তেনে আছিল—মানুহবিলাকৰ ( লেগ্রীৰ নহয় ) মনত বেজাৰ। বাটও অশুৱনী। দীঘল বাটৰো অন্ত আছে। আমাৰ এই বাটৰুৱা সকলৰ বাটৰো অন্ত হ'ল। লেগ্রীৰ বাগিচা পঁহুছোতেই তিনটা কি চাৰিটা দেখিলেই ভয় লগা কুকুৰ আহি টম্ আৰু লগৰীয়া-বোৰক খাঁও খাঁও বুলি ল'ৰি আহি বেৰি ধৰিলেহি। কুকুৰ কেটাৰ পাছে পাছে অহা মানুহ কেটাই হাক নিদিয়া হ'লে সিহঁতে টম্হঁতৰ মঙ্গহ টুকুৰাটুকুৰে চিঙ্গি পেলালেহেতেন।

লেগ্রীয়ে কুকুৰ কেটাৰ গাত ৰংমনেৰে হাত বুলাবলৈ ধৰিলে আৰু কিনি অনা গোলাম কেজনক কলে, "দেখিছ নে? তহঁতে যদি পলাব খোজ এই কুকুৰকেটাই তহঁতৰ গাৰ মঙ্গহ ডোখোৰাডোখৰ কৰিব। ইহঁতক নিগাৰ ধৰিবলৈকে বিশেষকৈ শিকোৱা হৈছে। খবৰদাৰ। স্যাম্বো, কিবা বা বাতৰি আছে নে? মই ইয়াত নথকা কেদিন সকলো কাম ভালকৈ চলি আছিল তো?" স্যাম্বোই উত্তৰ দিলে "বৰ ভালকৈ, প্রভু"। স্যাম্বো লেগ্রীৰ এটা লিগিৰা—কাপোৰ কাণি ফটা। স্যাম্বোৰ সৈতে কথা কওঁতে লেগ্রীৰ ফালে আৰু এটা নীগ্রো চাকৰে একে থিৰে চাই লেগ্রীৰ আজ্ঞালৈ বাট চাই আছিল।

"কুইম্বো মই যি যি কৈ গৈছিলোঁ তই সেই সেই কাম কৰিছিলি তো?"



"মই নকৰিম নে, দেউতা" এই দুটা নীগ্রোই লেগ্রীৰ বাগিচাৰ প্রধান বিষয়া প্রধান ভৃত্য। লেগ্রীয়ে কুকুৰবিলাকক যেনেকৈ ভয় লগা কামবোৰ শিকাইছিল তেনেকৈ এই দুটা মানুহকো পশুতকৈও অধম কাম কৰিবলৈ শিকাইছিল। যেনে প্রভু, তেনে ভৃত্য। মই "পশুতকৈ অধম" কৈ পশুক অপমান কৰিছোঁ বুলিহে ভাবিছোঁ।

স্যাম্বো আৰু কুইম্বো মিত্র নাছিল, শত্রু। স্যাম্বোই কুইম্বোক কুইম্বোই স্যাম্বোক দোৰ্ঘোৰ ঘিণাইছিল। আৰু বাগিচাৰ সকলো বনুৱাই এই দুটা মানুহক ঘিণাইছিল। লেগ্রী টেঙ্গৰ। এই তিনি দল মানুহ হোৱাত লেগ্রীৰ সুবিধা হ'ল। বাগিচাত কি হৈছে এদলে থিৰাং বাতৰি দিবই দিব। সেই দেখি লেগ্রীৰ ইয়াতো বৰ আনন্দ। অসৎ মানুহে অসৎ কামক প্রশ্রয় দিয়ে।

"স্যাম্বো, ইহঁতক থকা ঠাইলৈ লৈ যা।"

টম্ স্যাম্বোৰ পাছে পাছে গ'ল। লেগ্রীৰ ঘৰৰ পৰা বহুত দূৰৈত ইহঁতৰ থকা ঘৰবোৰ সাৰিয়ে সাৰিয়ে আছে। টমে এনে মানুহ থকা এনে ঘৰ কেতিয়াও দেখা নাই। বেচাৰা টমে ভাবিছিল যে, কম হলেও ভগা হওক চিগা হওক এটি সৰু পজা তেওঁৰ ভাগত পৰিব। সেই পজা নিজে চাফ-চিকণ কৰি থব পাৰিব, শ্বেল্ফ এখনত বাইবেল থব পাৰিব, নিজে অলপ নিৰ্জ্জনত থাকি ভগবানৰ নাম ল'ব পাৰিব। কিন্তু ঘৰৰ অৱস্থা দেখি টম্ নিৰাশ হ'ল। এ খোটালীৰ পৰা

এ খোটালীলৈ যায়, দেখে সকলো খোটালীয়েই একে ধৰণৰ। শুবৰ নিমিত্তে খাট কি চাং একো নাই, মজিয়াতে খেৰ পতা আছে, তাৰে ওপৰত শুবৰ ব্যৱস্থা। স্যাম্বোক নতভাবে শুধিলে, "ইয়াৰ কোনটো মোৰ হব ?"

"নোৱাৰো কব, এই খোটালীটোতে থাকিব পাৰ। ইয়াত বহুতো নিগাৰ আছে, এজনৰ নিমিত্তে ঠাই হব পাৰে। ইয়াতে থাক।"

গধূলি, কাম কৰি, ভাগৰ লাগি এই ঘৰবোৰত থকা মুনিহ তিৰুতা বনুৱাবোৰ জাকে জাকে নিজত ঘৰৰ ফালে আহিল। সিহঁতৰ কাপোৰ-কাণি ফটা, মুখত হাঁহি নাই, গা-মুখ মলিৰে ভৰা। ভোকত জ্বলি পকি আহি সিহঁত ঘৰ পালেহি। নতুন মানুহ আহি সিহঁতৰ সৰু খোটালীৰ ভাগ ল'ব এই কথা নিশ্চয়ে সিহঁতৰ ভাল লগা নাছিল। এই বনুৱাবোৰে পুৱাৰে পৰা গধূলিলৈকে এখন্তক বিশ্ৰাম নোলোৱাকৈ কাম কৰি ঘৰ পালেহি। অলপ জিৰালেই কোৱ। এতিয়ালৈকে সিহঁতৰ খোৱা হোৱা নাই। যাঁতাত পিহা হ'লেহে আটা হ'ব। তেতিয়াহে খোৱা বস্তু হ'ব। টমৰ বৰ ভোক, কিন্তু কি কৰিব ? নিৰুপায়।

কুইম্বোই এনেতে আহি এটা থৈলা টমৰ ফালে দলিয়াই দি ক'লে, "এই, নিগাৰ, ধৰ, এইয়া এ সপ্তাহৰ খোৰাক। সাতদিনৰ ভিতৰত আৰু একো নেপাব্। সাৱধান।"

ৰাতি বহুত পৰ বাট চাই টমে যাঁতা-ঘাৰত ঠাই পালে।



দেখে গৈ দুজনী তিৰুতাই লাহে লাহে আমনিৰ ভাবেৰে যাঁতা পিহি আছে। টমে আগৈয়ে সিহঁতৰ কাম খিনি কৰি দিহে নিজৰ কাম কৰিবলৈ সাজু হ'ল। এনে কাম লেগ্ৰীৰ বাগিচাত এয়ে প্ৰথম। কোনে কাৰ কাম কৰে ? টমৰ এনে ব্যৱহাৰ আৰু মৰম পাই সেই তিৰুতা দুজনীৰ মন গলিল। অশিক্ষিতা, লেগ্ৰীৰ দৰে মানুহৰ গোলামনী হলেও তিৰুতা তো। সিহঁতে টমৰ আটা সানি দি ৰুটী তৈয়াৰি কৰি দিলে। টমে জুহালৰ ওচৰলৈ গৈ বাইবেল খন পঢ়িবলৈ ধৰিলে। কিয়নো টমৰ যেনে অৱস্থা সেইখিনি সময়ত বাইবেলেহে সান্ত্বনা দিব পাৰে। আনে নোৱাৰে। বহুত ৰাতিলৈকে বাইবেল পঢ়ি টম্ শোৱা ঠাইলৈ গ'ল। তাত দেখে যে, বহুত মানুহ মাটীত যেনেকৈ যেনিয়েই পাৰে তেনেকৈ তেনিয়েই শুই আছে আৰু টমেও কোনোমত প্ৰকাৰে এখন ফটা কম্বল গাত লৈ ঈশ্বৰক চিন্তি শুবলৈ গ'ল।

টমে আৰু এনে ঠাইত আগৈয়ে থকা নাছিল। এই ঠাইৰ এনে অৱস্থা দেখি টমৰ ঘিণ আৰু বেজাৰে মন বেয়া হৈ গৈছিল। ভগবান-ভক্ত টমে ভগবানৰ ওপৰত সকলো সঁপি দি শুই থাকিল।

———০———

বেচাৰা টম, দুখীয়া টম। সৰুৰে পৰা গোলামী কৰি আহিছে। লেগ্ৰীৰ বাগিচাৰ আও ভাও টমে ততালিকৈ জানিলে। য'লৈকে যায় টমে সকলো গৰাকীক সন্তোষ দি

আহিছে। লেগ্ৰীকো দিব বুলি ভাবিছিল। কিন্তু নহল। কামৰ ওপৰত কামহে দিয়ে। আৰু লেগ্ৰীৰ গোলামবোৰৰ ওপৰত ব্যৱহাৰ দেখি ঘৃণা আৰু দুখিত টমৰ মন ভৰি গৈছিল। কিন্তু কি কৰিব? গোলাম যেতিয়া, এনেবোৰ অত্যাচাৰ দেখিও একো কৰিব নোৱাৰে। ভগবানৰ ওপৰত নিৰ্ভৰ কৰি থাকিল। আশা যে, এদিন এই কামৰ পৰা কোনো মতে অৱসৰ পাব।

লেগ্ৰীয়ে দেখিলে যে, টম সকলো কামতে পাৰ্গত আৰু প্ৰথম শ্ৰেণীৰ কৰ্ম্মদক্ষ মানুহ। কিন্তু তেওঁ লেগ্ৰীয়ে টমক দেখিব নোৱাৰিছিল। বেয়া মানুহে সজ মানুহক কেতিয়াবা ভাল পাব পাৰে নে? আৰু এটা কাৰণ, যেতিয়া লেগ্ৰীয়ে নিঃসহায়, দুখীয়া গোলামবোৰক অনাহকত দোৰ্ঘোৰ শাস্তি দিছিল, তেতিয়া টমে মনে মনে থাকিলেও তেওঁৰ মুখত ঘৃণা ফুটি উঠিছিল—কথা ওলোৱাৰ একো প্ৰয়োজন নাছিল। নীগ্ৰোৰ প্ৰভুয়েও নীগ্ৰো গোলামৰ ভাব-ভঙ্গিত নিজৰ নীচতা অলপ অনুভৱ কৰিব পাৰিছিল। লেগ্ৰীয়ে টমক কেনেকৈ ভাল পায়? লেগ্ৰীৰ ইচ্ছা আছিল যে, টমক কিছুদিন কামত ৰাখি "স্যাম্বো" "কুইম্বো"ৰ কামৰ "অভাৰ্সিয়েৰ" কৰি দিয়ে, কিন্তু এনে কোমল হৃদয়ৰ মানুহে কেনেকৈ লেগ্ৰীৰ গোলাম খটুৱাব পাৰিব। সি ভাবিলে যে, টমৰ মন যদি আপুনি টান নহয় তেনেহলে তাৰ মন টান কৰিব লাগিব! সি নিজেই সেই মন টান



কৰিব। সেই বুলি মন টান কৰাৰ দৰৱ দিবলৈ আৰম্ভ কৰিলে।

বাগিচাৰ কাম কৰিবলৈ যোৱাৰ সময়ত টমে এদিন পুৱা দেখিলে যে, তেওঁলোকৰ কাম কৰা মানুহৰ ভিতৰত এজনী নতুন ছোৱালী আহিছে। এই ছোৱালীজনীক দেখিলে বয়স পঁয়ত্ৰিশ্ কি চল্লিশ্ বুলি মনত হয়। "ছোৱালী" কথাটো মোৰ, অনুবাদকৰ। মানুহ "লৰা" বয়সত মাথোন্ নহয়, বহুত বুঢ়া মানুহো ল'ৰাৰ সমকক্ষ। আৰু ছোৱালীৰ বিষয়েও সেই একে কথা। সেই দেখিয়েই মই এই মানুহজনীক ছোৱালী বুলিছোঁ। তাইৰ মুখ এবাৰ দেখিলে কেতিয়াও পাহৰা নেযায়। আৰু মুখখনি দেখিলেই মনত হয়, যেন তাইৰ মনত কিবা দুখ আছে। সেই দুখেৰে ভৰা মুখৰ ভিতৰৰ পৰাও সৌন্দৰ্য্য ফুটি ওলাইছে। ভৰি হাত তাইৰ সুন্দৰ, কাপোৰ সুন্দৰ, সকলো ব্যৱহাৰেই তাইৰ সুন্দৰ। ইমান বয়সৰ হলেও তাইৰ যৌৱনশ্ৰী এতিয়াও বৰ্ত্তমান। দুখ আৰু সৌন্দৰ্য্যৰ ইমান সামঞ্জস্য ৰাখি এই বয়সলৈকে অতি কম ছোৱালীকে থকা দেখা যায়। আমাৰ এই কেসিৰ ইতিহাস বিচিত্ৰ। আশা কৰোঁ, তোমালোকে ইংৰাজীত টম দদাইৰ পজা পঢ়িবা। ডাঙৰ খন। তেনে-হলে সকলো কথা সকলো বিষয়ৰে বহলাই বুজিবা। এই কিতাপ খনিত মুঠেই উনুকিয়াইছোঁহে মাথোন্। অসমীয়া ভাষাত এনে এখন কিতাপৰ অনুবাদ মই দেখা

নাই, সেই দেখিয়েই তোমালোকক এই কিতাপৰ বিষয়ে কৈছোঁ।

এই সুন্দৰী অথচ দেখোঁতে বেমাৰ ছোৱালীজনী ক'ৰ পৰা আহিল, টমে একোকে ঠিক কৰিব নোৱাৰিলে, কিন্তু আনবিলাক গোলামে তাইক দেখিয়েই চিনি পালে। খাবলৈ নোপোৱা, দেখিবলৈ অশুৱনী গোলাম আৰু গোলামনীবিলাকৰ এজনে তাইক ৰেৱি ধৰি কলে, "আহিবই লাগিব, লাগিবই নহয় নে।" আৰু এজনে ক'লে, "আইদেউ, ছি, ছি, ছি এতিয়া ইয়াৰ মজাৰ সোৱাদ পাবা।"

এই ছোৱালীজনীয়ে এইবোৰ কৰ্কৰ্থনাৰ ফালে মন নিদি বাগিচাৰ ফালে যাব ধৰিলে। টমে ভাল মানুহৰ সৈতেই সকলো সময়তে থাকি আহিছে, সেই দেখি এই ছোৱালী জনীৰ গাত ভাল মানুহৰ ছাঁ পাই তেওঁৰ মন বৰ ভাল লাগিল। কিন্তু যাওঁতে যাওঁতে টমে তবধ মানি গ'ল যে, এনে এজন ভদ্ৰ ছোৱালী তেওঁলোকৰ লগলৈ কেনেকৈ আহিল। সেই ছোৱালীজনীয়ে কাৰো ফালে নাচাই টমৰ লগ লগে ওচৰা-ওচৰিকৈ বাগিচাৰ ফালে যাবলৈ ধৰিলে। তাইৰ গাৰ বৰণ আৰু আকাৰ-প্ৰকাৰ দেখিলে শুকান, ক্ষীণ, ৰোগী-ছোৱালী বুলি মনত হয় কিন্তু চকুৰ কি দৃষ্টি, সেই কলা চকুৰ কি আকৰ্ষণী শক্তি। চকুত কিন্তু তাইৰ নিৰাশাৰ ৰেখা স্পষ্টকৈ দেখা গৈছিল। তাইৰ অঙ্গ-প্ৰত্যঙ্গত খোজ কঢ়াত সকলো ব্যৱহাৰতে "বেপৰোৱা" ভাব এটা আছিল, কিন্তু চকুত



নিৰাশা। তাই কিন্তু সুন্দৰী। ক'ৰ ছোৱালী কি কথা তালৈ তাই কিয় আহিছে এইবোৰ কথা টমে ভাবি ভাবি গৈ আছে। টমে তাইক চিনি নেপায় কিন্তু দলৰ আনবোৰে তাইক ভালকৈ চিনি পাইছিল। তাইক দেখি সিহঁতৰ কুৎচ্ছ্ মুখতো আনন্দৰ ৰেখা ওলাইছিল। সিতেৰ ৰং চাই কোনে?

"অ, পাছত আহিব লাগিল নহয়, বৰ ৰং পাইছোঁ হঁক" এজনে কলে।

আৰু এজনে কলে, "কেনে মজা। এতিয়া মজা পাবা, আইদেউ এই কামত কি সুখ।"

তাই এনে কথাবোৰৰ ফালে কাণ নিদি, কোনো ফালে নেচাই উন্নত মস্তক আৰু মন লৈ যাব ধৰিলে। টমৰ লগত কথা একো নেপাতি তাই টমৰ ওচৰে ওচৰে যাব ধৰিলে।

কাম আৰম্ভ হ'ল। টম কামত পকা। কাম কৰি আছে। মাজে মাজে তাইৰ ফালে চাই আছে। টমে দেখিলে যে, তাই কাম সুন্দৰে কৰি আছে, পট্-পটকৈ কপাহ তুলি বাগিচাৰ নিৰ্দ্ধাৰিত পাচিত ভৰাইছে (এই আমাৰ আসামত চাহ বাগিচাৰ পাচিবোৰৰ দৰে আৰু)। তাইৰ সকলো কামতে "বেপাৰোৱা" ব্যৱহাৰ। কাম কৰোঁতে কৰোঁতে টমে এজনী মিউলাটো ছোৱালীয়ে কাম কৰা ঠাই পালে গৈ। এই ছোৱালীজনীক টমৰ লগতে কিনা হয়। টমে দেখিলে যে, তাই সেই দিনা আৰু কাম কৰিব নোৱাৰে, তাই বেমাৰী—

কিন্তু তেওঁ তাই কাম কৰি আছে। ইয়াকে দেখি তেওঁৰ পাচিৰ পৰা টমে কেমুঠামান কপাহ তাইৰ পাচিত ভৰাই দিলে। তাই কলে, "নকৰিবা, নকৰিবা, এনে কাম নকৰিবা। নেজানানে সিহঁতে গম পালে তোমাৰ শাস্তি হব।" টমৰ উত্তৰ কি চোৱাঁ, "তোমাৰকৈ মোৰ সেই শাস্তি সহিবলৈ শক্তি আছে।" এই বুলি টম্ ততালিকৈ তেওঁৰ কামৰ ঠাইলৈ গল।

সেই নতুনকৈ অহা সুন্দৰী ছোৱালীজনীয়ে এই ঘটনা দেখি তেতিয়াই কেমুঠামান কপাহ নিজৰ পাচিৰ পৰা টমৰ পাচিত থলেগৈ আৰু টমৰ ফালে তাইৰ সুন্দৰ কলা চকুৰে অলপ পৰ চাই কলে, "তুমি এই ঠাইৰ আও ভাও একোকে নেজানা। তুমি ইয়াত এমাহমান থাকাচোন্ তেতিয়া আনৰ কথা ভাবিবলৈ আহৰি নেপাবা। নিজৰ কথা ভাবিয়েই তত নেপাবা।"

"মেম, ভগবানে নৰকক" তাইক অকস্মাৎ "মেম" বুলি সম্বোধন কৰি পেলালে।

কিন্তু এই ছোৱালীজনীয়ে টমৰ পাচিত কপাহ দিয়া "অভাৰ্সিয়েৰে" দেখি তাইৰ ওচৰ চাপি আহি বেতডাল ডাঙ্গি ক'লে, "ও, ও, তইও দুষ্টালি কৰিছ নে, সেকা পাবি একা। তই এতিয়া মোৰ তলত জান নে নেজান ?"

সেই ক'লা চকুৰ পৰা বিজুলী সদৃশ জ্যোতি ওকাল। ঘৃণা আৰু খং আহি সেই সুন্দৰীৰ মুখ বিকৃত কৰি



পেলালে। অভাৰ্সিয়েৰক কলে, "কুকুৰ, যদি সাহ থাকে, ছোঁ। মোৰ একাষাৰ কথাৰেই কুকুৰৰ হতুৱাই তোৰ মঙ্গহ ছিঙ্গাব পাৰোঁ জান নে ? তোক খুটুৰাখুটৰী কৰি কটাই পেলাব পাৰোঁ খবৰদাৰ।"

"তেনেহলে ইয়াত কিয় তুমি" মানুহটোৱে অলপ ভয় খাই কলে। কেখোজমান পাছ হুঁহকি গৈ আকৌ ক'লে, "মিস্ কেসি, মোৰ একো বেয়া ভাৱ মনত নাই দেই"।

"তেনেহলে দূৰৈত থাক, ওচৰলৈ নাহিবি।" ছোৱালীটিৰ মূৰ্ত্তি দেখি সেই মানুহটোৰ মনত পৰিল যে, বাগিচাৰ আন ফালে তাৰ আন কিবা এটা কাম আছে।

ছোৱালীজনীয়ে পটাপট্‌কৈ পাচিত কপাহ ভৰাবলৈ ধৰিলে! তাইৰ এনেহে হাত খৰ সাঁজ লগাৰ আগেয়েই পাচি ভৰপূৰ হৈগল। লাহে লাহে এই কৰ্ম্মী সকল ( ঘৰমূৰা আমি "ঘৰ মূৰা" কব লাগে দেখি কৈছোঁ, সিহঁত য'ত থাকে তাক ঘৰ বুলিব পাৰি নে ?) হল। ভৰাল-খোটালাত লেগ্ৰীয়ে দুটা ড্ৰাইভাৰৰ ( গোলাম চলোৱা মানুহ ) লগত কথা কৈ লেগ্ৰী থিয় হৈ আছিল।

স্বাম্বোই গৈয়েই লগালে, "এই টমটো বৰ দুষ্ট দগাবাজ, সি লুসীৰ পাচিত আজি বহুবাৰ কপাহ ভৰাই দিছিল।"

"হো, হো" লেগ্ৰীয়ে ক'লে, "তাক এশিকনি দিব লাগিব, নহয় নে, কি কব ল'ৰাহঁত ?"

স্যাম্বো কুইম্বোই এই বাতৰি ডুখৰি পাই বৰ বৰ হুঙ্কাৰেৰে সৈতে হাঁহি ছুটা মাৰিলে।

লাহে লাহে বনুৱাবিলাক জোখা খোটালীলৈ গ'ল। লেগ্ৰীয়ে কোনে কিমান কপাহ আনিছে লেখি ল'লে। টমৰ পাচি "পাচ্" হ'ল। এতিয়া সেই বেমাৰী ছোৱালীজনীৰ পাল।

তাই লাহে লাহে পাচিৰ ভাব বৈ আহি লেগ্ৰীৰ ওচৰত পাচিটো থ'লে। পাচি কপাহেৰে ভৰা আৰু ওজনো নিয়মিত আছিল। কিন্তু লেগ্ৰীয়ে ধমক দি ক'লে, "কি, আকৌ তাকৰকৈ কপাহ আনিছ? একালে থিয়া হৈ থাক। এতিয়া সেকা পাবি।"

হায় হায়। একে গাত বল নাই, তাতে বেমাৰ। লেগ্ৰীৰ এই কথা শুনি তাই বৰ এটা দীঘল হুমুনিয়াহ কাঢ়ি এচটা কাঠত বহিলগৈ। লেগ্ৰীয়ে ক'লে "এই টম, এই ফালে আহ। তোক মই সাধাৰণ কামৰ নিমিত্তে কিনা নাছিলোঁ। বুজিছ গোলাম। মোৰ ইচ্ছা যে, তোক এই বাগিচাত এটা ভাল কামত লগাই দিওঁ। হানি নাই, সেই দেখি কওঁ। তোক মই "ড্ৰাইভাৰেই" (গোলাম চলাওঁতা) কৰিম। শুন্, সেই দেখি মই ভাবিছোঁ যে, আজিয়েই তই সেই কাম আৰম্ভ কৰ। এতিয়া, তুৰন্তে এই ছোৱালীজনীক আঁতৰ কৰি লৈ যা আৰু লৈ গৈ বেত মাৰ গৈ। বেত মাৰ গৈ। এই কেদিন বেত মাৰা দেখিছ নহয় আৰু তোৰ দৰে চোকা মানুহে এই কাম নিশ্চয় ভালকৈ কৰিব পাৰিব।"



টমৰ উত্তৰ চোঁৱা। ইয়াকে কয় সৎসাহস। সৎসাহস মানুহৰ অধিক মাত্ৰাত থাকিলে পৃথিৱীত কষ্ট পাব লাগে। কিন্তু মানুহৰ সৎসাহস থাকিব লাগে। টমে সসম্ভ্ৰমে (যেনেকৈ গোলামে প্ৰভুক কোৱা উচিত) লেগ্ৰীক ক'লে, প্ৰভুয়ে মোক ক্ষমা কৰিব, প্ৰভুয়ে যেন এনে কামত মোক কেতিয়াও নলগায়। মই এনে কাম আগেয়ে কৰা নাই আৰু এতিয়াও নকৰোঁ। এনে কাম মোৰ পক্ষে অসম্ভৱ। প্ৰভুয়ে যেন মোক ক্ষমা কৰে।"

লেগ্ৰীয়ে তেতিয়াই এডাল চাবুক লৈ টমক এচমটা মাৰিলে। তাৰ পাছত যে কিমান ঘুচি কিল চাপৰ মাৰিলে আৰু ক'লে, "তোক আইধা কৰাৰ আগেয়ে কটাৰ পো কটা বন্দী মই তোক বহুতো কথা শিকাম, বুজিলি নে, গোলাম?"

মাৰি মাৰি যেতিয়া তাৰ হাত বিষাল তেতিয়া সি ক'লে, "এতিয়া কবিনে কটাৰ পো বন্দী কটা যে তই তাইক নেমাৰ। মাৰিবই লাগিব, গোলাম। জানিচ নে নাই।"

ইমান মাৰ খাই টমৰ গাৰ পৰা তেজ ওলাল। সেই তেজবোৰ মচি মচি কলে, "দেউতা, মই দিনে ৰাতিয়েই আপোনাৰ কাম কৰিম। দিনক ৰাতি কৰিম, ৰাতিক দিন কৰিম। আপোনাৰ কামৰ নিমিত্তে মই মোৰ জীৱন দিম। কিন্তু দেউতা, মোক ক্ষমা কৰিব, মই এনে কাম কেতিয়াও কৰা নাই, মই নকৰোঁও। এনে কাম ভগবানৰ কাম নহয়। ঈশ্বৰে এনে কাম আমাক কৰিবলৈ আদেশ কৰা নাই। মই

এনে কাম কেতিয়াও নকৰোঁ, কেতিয়াও নকৰোঁ, নকৰোঁ, নকৰোঁ।”

লেগ্রীয়ে গোলামৰ মুখৰ পৰা এনে কথা কেতিয়াও শুনা নাই। সি আচৰিত হ’ল। কিছু পৰ তবধ লাগি থাকিল। থাকি, থাকি পাছত ক’লে, “কচোন বাৰু, কি কথা ঈশ্বৰৰ আদেশ নহয়? এই ছোবালী জনীক বেত মৰা নহয় নে, গোলাম? সেইয়েই তোৰ কথা নহয় নে?

“হয় প্ৰভু” টমে কলে, “তাই বেমাৰী, তাইৰ শৰীৰত একোকে নাই। তাইৰ গাত হাত ডঙ্গাটো পাপৰ কথা। মই দেউতা এনে কাম কেতিয়াও কৰানাই আৰু এতিয়াও নকৰোঁ। প্ৰভু আপোনাৰ মন গ’লে মোক মাৰিব পাৰে, মাৰিবৰ মন গ’লে মাৰক মই একোকে নকওঁ। আপুনি মোৰ গৰাকী, মোৰ দেহা লৈ আপোনাৰ যি মন যায় কৰক। কিন্তু মই কাকো মাৰিব নোৱাৰোঁ। আপোনাৰ যিহকে মন যায় কৰক। এনে কাম মই কৰাৰ আগেয়ে মোক যেন আপুনি মাৰি পেলায়।”

এইবোৰ কথা টমে খং কৰি কোৱা নাই। টমৰ মাত মৃদু আৰু মিঠা। সকলো সময়তে যেনে এতিয়াও তেনে। কিন্তু সেই স্বৰত কি দৃঢ়তা। মাত এনে ডাঠ যে যি এই কথা শুনিছিল সিহে বুজিছিল সেই মাতৰ অৰ্থ কি। লেগ্রীয়ে খঙত কঁপি গৈছিল আৰু তাৰ চকুৰ পৰা অগ্নিফুলিঙ্গ ওলাইছিল। সজ মানুহক এনেবোৰ অস্ত্ৰই কি কৰিব?



“এই নিগাৰ, মই তোৰ গৰাকী নহঁও নে? মই তোক বাৰ শ ডলাৰ দি কিনা নাই নে? তোক কিনা কি? তোৰ কলা দেহাৰ সকলো খিনিকে মই কিনা নাই নে? তোৰ শৰীৰ, এনে কি তোৰ আত্মাও মোৰ নহয় নে? কচোন্ গোলাম?” এই বুলি লেগ্রীয়ে টমৰ গাত এটা লাথি মাৰিলে।

ইমান কষ্টৰ মাজত লাথি খাইও টমৰ মনত আনন্দ হ’ল। কি আনন্দ। পোন হৈ থিয় দি, আকাশৰ ফালে গৌৰৱ আৰু আগ্ৰহেৰে চাই চকুৰ লো আৰু তেজ বৈ যোৱা মুখেৰে ক’লে, “নহয় নহয়, কেতিয়াও নহয়। মোৰ আত্মা কেতিয়াও নহয়, প্ৰভু। আপুনি মোৰ আত্মাক কিনা নাই; আপুনি এই পৰম বস্তুটীক কিনিব নোৱাৰে। এই বস্তুটীক আগেয়েই এজনে কিনি থৈছে। কিনি থোৱা জনে এই ফেৰি বস্তুক ৰাখিবও পাৰিছে। কোনো কথা নাই, দেউতা, কোনো কথা নাই দেউতা। আপুনি মোৰ একণকে ক্ষতি কৰিব নোৱাৰে, দেউতা।

“মই নোৱাৰো নে? বাৰু চাবি। চাওচোন্ বাৰু কিবা কৰিব পাৰোঁ নে নোৱাৰোঁ। এই স্যাম্বো, কুইম্বো, ইয়াক এনে শিকনি দে এই বাৰ এই কুকুৰৰ পুতেকটোয়ে এমাহলৈ যেন নেপাহৰে।

অসুৰৰ দৰে নীগ্ৰো দুটাই টমক টানি লৈ গল।

সেই বেমাৰী ছোৱালীজনীয়ে কান্দিবলৈ ধৰিলে আৰু সকলোৰে সেই ঠাইৰ পৰা আঁতৰি গল।

---

ৰাতি। টমে কেকাই গোথায় বাগৰি আছে। ওচৰত কোনো নাই। গা তেজেৰে ভৰা। মহৰ কামোৰে টমৰ কষ্ট আৰু বঢ়াইছে। ইপিনে পিয়াহতো কষ্ট পাইছে। পানী এটুপি দিওতাওঁ কোনো নাই। এতিয়া টমৰ পানীৰ নিমিত্তেই কষ্ট। কোনোবা খোটালীৰ ভিতৰলৈ অহাৰ শবদ পাই টমে কলে, "কোন সেইয়া? ঈশ্বৰৰ নাম লৈ খোঁজো, মোক এটুকি পানী দিয়া, তুমি যোনেই হোৱা।"

এওঁ আৰু কোনো নহয়। এওঁ কেসি। কেসিয়ে লগত পানী লৈ আহিছিল। পানী এটা পাত্ৰত বাকি দি, টমৰ মুৰ অলপ ডাঙ্গি পানী খুৱাই দিলে। টমে কেবাবাটীও পানী খালে।

কেসিয়ে ক'লে, "যিমান পাৰা খোৱা। মই জানোঁ তোমাৰ কিমান কষ্ট হৈছে। মই তোমাৰ দৰে বহুত মানুহক এনেকৈ পানী খুৱাই দিছোঁ।"

"মোৰ ধন্যবাদ জানিব, মেম।" "মোক মেম বুলি নেমাতিবা। মই তোমাৰ দৰে এজন গোলাম। মই তোমাৰকৈ অতি তলৰ খাপৰ মানুহ টম।"

তুৱাৰৰ ফালে গৈ এখন কোমল তুলি আনি টমৰ বিছনা কৰি দিলে। সেই তুলি খনৰ ওপৰত ধোঁধোৱা বগা কাপোৰ পাতি দিলে আৰু সেই কাপোৰত অলপ পানী ছটিয়াই দিলে। তাৰ পাছত টমক সেই জুৰ বিছনাখনত শুৱালে।

টমৰ গাত ইমান বিষ আৰু কোৰ পৰা ঠাইবোৰৰ পৰা



ইমান তেজ বৈছিল যে, পোন হৈ শোৱা কামটো কৰিবলৈকো বহু পৰ লাগিছিল। কিন্তু চেচা বিছনাত গাটো থৰ পাৰি অলপ ভাল পাইছিল।

এই তিৰুতা জনীয়ে লেগ্ৰীৰ এনে নিষ্ঠুৰ ব্যৱহাৰ বহুবাৰ দেখি আহিছে, সেই দেখি তাই সেৱা-শুশ্ৰুষা কৰিব জানিছিল আৰু দৰবাদিও জানিছিল। টমক দৰব জাতি দি বহুতো সুস্থ কৰিলে। দলিয়াই পেলাই দিয়া কপাহ কেতবোৰ বুটলি আনি এটা গাৰু কৰি দিলে।

টমে ধন্যবাদ দিলে। তাই টমৰ ওচৰত বহি টমৰ ফালে বহু পৰ চাই থাকিল। মনত দুখ বেজাৰ। তাইৰ দীঘল চুলি মুখৰ চাৰিউফালে পৰাত তাইৰ মুখখন আৰু বিষাদেৰে ভৰা যেন দেখা গৈছিল।

"বন্ধু, এনে কামেৰে একো নহয়। তুমি যি কাম কৰিলা তাৰে একো কাম নহয়। তুমি সাহী, সজ মানুহ। ধৰ্ম্ম তোমাৰ ফালে। কিন্তু মিছা, সকলো মিছা। তুমি নুযুজিবা আৰু। এই মানুহটোৰ ভৰিৰ তলত মই পাঁচ বছৰ আছোঁ। মই তাক ভালকৈ জানোঁ। মই তাক ঘৃণা কৰোঁ, জানা নে? কি হব? এই বাগিচা খনৰ দহ মাইলৰ ভিতৰত কোনো বসতি নাই, আৰু এই ঠাইৰ চাৰিউ ফালে খাল, দ মাটী। এই মানুহটোৰ যি ইচ্ছা তাকে কৰিব পাৰে। ইয়াত ঈশ্বৰৰ আইনো নাই, মানুহৰ আইনো নাই। পৃথিবীত এনে কোনো বেয়া কাম নাই যে, ই কৰিব নোৱাৰে।"

টমে হাত জোড় কৰিলে। সকলো ফালে এন্ধাৰ। ক'লে "যীশু, প্ৰভু যীশু, এই দুখীয়া প্ৰাণীবিলাকক পাহৰিলা নে প্ৰভু। সহায় হোৱা, প্ৰভু, আমাৰ সহায় হোৱা।"

তিকুতাজনীয়ে মন ডাঠ কৰি আকৌ কব ধৰিলে, "চোৱা, টম্ তুমি যিবোৰ মানুহৰ লগত কাম কৰা সেই কুকুৰহঁতৰ নিমিত্তে তুমি কিয় দুখ ভুঞ্জিবা? কিবা এটা কথা হ'লে ইহঁতেই তোমাৰ শত্ৰু হ'ব। এইবোৰ মানুহ ইমান নীচ যে তুমি ভাবিবকে নোৱাৰা। তোমাৰ দৰে মানুহে এনেবোৰ মানুহৰ নিমিত্তে কষ্ট সহা মই একণকে সকাম নেদেখোঁ।"

"সিহঁতে কি জানে? সিহঁতে জানিলে হে? সিহঁতক এনে নিষ্ঠুৰ কিহে কৰিলে। কোনে কৰিলে? নহয়। নহয়। মই যদি এবাব ধৰ্ম্মপথৰ পৰা আন বাটলৈ যাওঁ ইয়াৰ ফল ক'ত শেহ হব কোনে জানে? মইয়েই যে ইহঁতৰ দৰে নহ'ম কোনে জানে? নহয়, নহয়, আই। মোৰ সকলোয়েই গল। ঘৈণী, লৰা-ছোৱালী, ঘৰ, আৰু এনে মৰমীয়াল গৰাকী, সকলোয়েই গ'ল। পৃথিবীত মোৰ আৰু একো নাই। এতিয়া মই ধৰ্ম্মকো হেৰুৱাব নোৱাৰোঁ। মোৰ ঈশ্বৰকো হেৰুৱাব নোৱাৰোঁ।"

তিকুতাজনীয়ে, ক'লে আৰু কিবা তোমাক লাগে নে? আৰু অলপ পানী নে?"

টমে আগ্ৰহেৰে পানী খালে। পানী খাই তাইৰ মুখৰ ফালে চাই থাকিল। ইচ্ছা যে, আৰু কথা কয়। কিন্তু তাই



ক'লে, "আৰু কথা নকবা। অলপ শোৱা এতিয়া।" এই বুলি ওচৰত পানী এঘটি থৈ আৰু আন আন বস্তু অলপ ঠিকঠাক কৰি তাৰ পৰা গুচি গ'ল।

---

টমক এই নিষ্ঠুৰ লেগ্ৰীৰ তাত থৈ এতিয়া ব'লা যাওঁ জৰ্জ্জ তেওঁৰ ঘৈণীয়েক আৰু পুতেকৰে সৈতে কেনে আছে চাই আহোঁগৈ।

ডৰ্কাস্ খুড়ীক মনত আছে নে? সেবিকা জনক। টম লোকাৰে ডৰ্কাসৰ যত্নত লাহে লাহে ভাল হৈ আহিব ধৰিছে। লোকাৰে কিন্তু এনে ধোধোৱা বগা বিছনাত এনেকৈ কেতিয়াও শোৱা নাছিল।

এদিন কপালৰ গাঠি ঠোপাকৈ লোকাৰে ডৰ্কাসক শুধিলে, "সেই ল'ৰাটো আৰু ছোৱালীজনী ইয়াতেই আছে হবলা।"

"আছে" ডৰ্কাসে ক'লে।

"তেনেহলে সিহঁত এতিয়াই ইয়াৰ পৰা যাওক। যিমান সোনকালে যাব পাৰে তিমানেই ভাল।"

ধীৰভাবে ডৰ্কাসে নিজৰ সিয়া কাম কৰি থাকি উত্তৰ দিলে, "এৰা, যাব বোধ কৰোঁ।"

"হেৰা শুনা, আমাৰ বহুত চোৰাং চোৱা আছে, সিহঁতে এই যুক্তৰাজ্যৰ পৰা ক্যানাডালৈ যোৱা বাটবোৰৰ ফালে চকু ৰাখে। স্যাণ্ডাস্কিত সিহঁতে ইহঁতৰ নিমিত্তে ভালকৈ চকু

ৰাখিব। মই জানোঁ। এতিয়া মই কৈয়েই পেলাওঁ। সিহঁতে ধৰা নপৰিলেই মই ভাল পাওঁ এতিয়া। এই মাৰ্ক্স হতশ্ৰী ঘোৰাটোক সেকা দিব লাগে, পাজিটোক। কৰা যে ছোৱালীজনীক যেন আন কোনো ৰকম কাপোৰ পিন্ধোৱা হয়। তাইৰ বিষয়ে সকলো ঠাইতে জাননী দিয়া হৈছে। তাইক যেন ইলাইজা বুলি সিহঁতে চিনি নেপায়।”

“বাৰু সেই বিষয়ে আমি কিবা এটা কৰিম।” ধীৰ ভাবে তেওঁ উত্তৰ দিলে। সেৰিকা হলে ধীৰ মৰমীয়াল, কষ্ট সহিব পৰা মানুহ হ'ব লাগে। আমাৰ ভাৰতত সেৰিকা লাগে।

যি কাৰণেই হওক, মাৰ্ক্সৰ হিংসাতেই হওক কি সিহঁতক মৰম কৰিয়েই হওক যি কি কাৰণেই হওক এই ফেৰি কথা লোকাৰে কৈ বৰ উপকাৰ কৰিলে।

টম লোকাৰৰ কথা একাষাৰ আৰু কওঁ। বহুত দিন বেমাৰত ভুগি আৰু কুয়েকাৰ পৰিয়ালৰ মৰম পাই গোলাম ধৰা কাম এৰি দিলে। গোলামৰ সলনি ভালুক, কুকুৰ নেচিয়া বাঘ আৰু আন আন বনৰ অধিবাসীক ধৰিবলৈ আৰম্ভ কৰি দিলে। যুক্তৰাজ্যত ই এটা বৰ ডাঙৰ বনৰীয়া জন্তু ধৰা মানুহ বুলি খ্যাতি লাভ কৰিলে। মানুহ ধৰা কামৰকৈ যে ই ভাল লোকাৰে শেহত জানিলে। ভালেই হ'ল।

টমৰ কথা শুনি সিহঁত দুই দল হ'ল। এদল জিম আৰু তাৰ মাক অৰু আন দল হ'ল জৰ্জ্জ, ইলাইজা আৰু



হাৰি। জিমহঁতক আগেয়ে বেলেগে পঠিয়াই দিয়া হ'ল। দুৰাতিমান পাছত ইহঁত গ'ল। গৈ স্যানডাস্কিত কোনো মিত্ৰ মানুহৰ লগত এৰাতি জৰ্জহঁত থাকিল গৈ।

ইলাইজাই লৰাৰ কাপোৰ পিন্ধিলে। চুলি কোচা কাটিবৰ সময়তহে ইলাইজাৰ মন বেয়া লাগিছিল। গিৰীয়েকক ক'লে, “চুলি কোচা যাব, বেয়া লাগিছে। তোমাৰ বেয়া লগা নাই নে জৰ্জ?” জৰ্জে এটা দুখৰ হাঁহি হাঁহিলে। তাৰ পাছত কেচিৰে চুলিখিনি কাটিলে। চুলি গ'লে আকৌ গজিব কিন্তু এবাৰ ধৰা পৰিলে আৰু মুক্তি নাই।

বুকুজেৰে মুৰ আচুৰি গিৰীয়েকৰ আগত থিয় হৈ হাঁহি, অলপ লাজকুৰীয়া ভাবেৰে কলে, “কেনে সুন্দৰ ল'ৰা সাজিছোঁ, চোৱা।” জৰ্জে কলে, “ইলাইজা, তুমি সকলো সময়তে সুন্দৰ।”

ইলাইজাই গিৰীয়েকৰ হাতখন চুই শুধিলে, “তোমাৰ বেজাৰ কিয় জৰ্জ? আৰু চব্বিশ্ ঘণ্টাৰ পাছত ক্যান্যাডা পাম গৈ। শুনিছোঁ বোলে জাহাজত এদিন এৰাতি মাথোন্, তাৰ পাছত———”

জৰ্জে ইলাইজাক ওচৰলৈ আনি ক'লে, “ইলাইজা, এৰা, তাকে ভাবিছোঁ। এতিয়া ইমান ওচৰ চাপি আহিছোঁ আৰু এই খিনিতে যদি কিবা এটা হয়। তেনেহলে—ইলাইজা, তেনেহলে আৰু মই সহিব নোৱাৰিম।”

সহধৰ্ম্মিণীয়ে ক'লে, “ভয় নকৰিবা। প্ৰভুয়ে আমাৰ মুক্তি

দিব নোখোজাহেতেন আমি ইমান খিনি বাট আহিব নোৱাৰিলোঁ হয়। প্ৰভু আমাৰ সহায়। মোৰ দৃঢ় বিশ্বাস, প্ৰভু আমাৰ লগৰীয়া হৈ আজিয়েই আমাক মুক্তি দিব।"

জৰ্জে ক'লে, "বাৰু তোমাৰ কথাই হওক।" এই বুলি জৰ্জে উঠি ক'লে, "বলা এতিয়া যাওঁ।" অলপ পৰ ঘৈণীয়েকৰ ফালে চাই ক'লে, "সঁচাসঁচিকৈয়ে, তোমাক বৰ সুন্দৰ দেখি। এতিয়া মুৰত টুপি পিন্ধা।" কেনেকৈ মতা মানুহে টুপি পিন্ধে দেখুৱাই দিলে।

মিসেস্ স্মিথ্ বুলি এজন মানুহে হেৰিক ছোৱালীৰ কাপোৰ পিন্ধাই খোটালীটোলৈ আনিলে। মাকে দেখি চুমা খাই ক'লে, "চোৱাচোন্ চোৱা কেনে দিপ্‌লিপ্ ছোৱালীটি আমাৰ আহিছে।"

হেৰিয়ে মাকৰ ফালে আচৰিত ভাবে চাই থাকিল। (মাজে মাজে দীঘল হুমুনিয়াহ কাঢ়ি) ইলাইজাই শুধিলে, "হেৰিয়ে তাৰ মাকক চিনি পাইছে নে?" হেৰিয়ে মাকক সাবটি ধৰিলে।

জৰ্জে কলে, "ইলাইজা, তাৰ সৈতে কথা নকবা। তাক বেলেগে ৰাখিব লাগে নহয়। মিসেস্ স্মিথ্, আপুনি আমাৰ পেহি দেই। মনত থাকে যেন। ইলাইজা, তুমি হাত দুখন দস্তানা পিন্ধি ঢাকি থোৱা। নহলে তোমাৰ কোমল হাত দুখনেই আমাক বিপদত পেলাব।" এনেবোৰ কথা কৈ গাড়ীত উঠিল গৈ।



সৌভাগ্যবশতঃ মিসেস্ স্মিথক তেওঁলোকে সেই ঠাইতে পালে। তেওঁ ক্যানাডাত থাকে। আৰু তেওঁক হেৰিৰ পেহিয়েক হবলৈ কোৱা হ'ল। হেৰিক দুদিনমান মিসেস্ স্মিথৰ লগত সেই গুণে ৰখা হৈছিল।

গাড়ীৰ পৰা তেওঁলোক নামিল। ডেকা লৰা দুটাৰ (জৰ্জ আৰু ইলাইজা) ভিতৰৰ এজনে (জৰ্জে) মালপত্ৰ বোৰৰ ঠিকঠাক কৰিলে গৈ আৰু ইলাইজাই মিসেস্ স্মিথ আৰু হেৰিক জাহাজত বহুৱালেগৈ। জৰ্জে কোনোবাই কোৱা শুনিলে "মই প্ৰত্যেক যাত্ৰীকে ভালকৈ চাইছোঁ, তেনে কোনো যাত্ৰীকে দেখা নাই, বুজিছা নে?"

এই মানুহটো জাহাজৰ কেৰাণীজন আৰু যিটিৰ সৈতে কথা কৈছিল, সি আছিল, মাৰ্কস্। মাৰ্কসে ক'লে, "তিকতাজনী আমাৰ বগা মানুহৰ দৰেই বগা আৰু মুনিহটোও বগা মিউলাটো। তাৰ হাতত এটা ছাপৰ চিন আছে।"

জৰ্জে টিকিট কিনিছিল। হাতখন অলপ কঁপিল। তাৰ পাছত আৰু একো নহল। জাহাজত লাহে লাহে আন যাত্ৰীৰ দৰে বহিলগৈ। মিসেস্ স্মিথ আৰু হেৰিয়ে তিকতাৰ কেবিনলৈ গ'ল। জৰ্জ আৰু ইলাইজাই একালে কথা পাতি থাকিল। অলপ পৰ পাছত মাৰ্কস্ গুছি যোৱা দেখি জৰ্জৰ আনন্দ হল। তাৰ পাছতেই জাহাজ এৰি দিলে।

মুক্তি। ইৰি হ্ৰদৰ পানী সেই দিনা সূৰ্য্যৰ পোহৰত কেনে

জিলিক-মিলিক কৰিছিল। কি সুন্দৰ বতাহ। জাহাজ খনৰ গতিয়েই বা কেনে গম্ভীৰ আৰু মিঠা। অলপ যোৱাৰ পাছত সিপাৰৰ ইংৰাজ বসতি দেখা গ'ল। তাৰ পাছত ক্যান্যাডাৰ এম্হাৰ্ষ্টবাৰ্গ ( Amberstburgh ) বুলি এখন ঠাইত জাহাজ ৰ'ল গৈ। তেওঁলোক নামিল। মুক্তা এতিয়া আৰু গোলাম নহয়। জাহাজ যেতিয়া আকৌ মেলি দিলে, কিছু দূৰৈলৈ যোৱাত জৰ্জ আৰু ইলাইজাই হেৰিক সাবট মাৰি ধৰি আনন্দত কান্দি পেলালে। আৰু আঠু কাঢ়ি সেই করুণাময় পৰমেশ্বৰক কৃতজ্ঞতা জনালে। মিসেস্ স্মিথে এওঁলোকক এজন ধৰ্ম্মভীৰু খ্ৰীষ্টানৰ ঘৰলৈ লৈ গ'ল। এই খ্ৰীষ্টানজনে এনে বহু মানুহক আশ্ৰয় দিছিল।

——:০:——

আশা কৰোঁ তোমালোকে ডাঙৰ হ'লে এখন Uncle Tom's Cabin পঢ়িবা। ইয়াত সকলো কথা দিয়া হোৱা নাই। এইখন অতি চমু কিতাপ্। চমু কিতাপ পঢ়ি সোৱাদ পাই ডাঙৰ কিতাপ পঢ়িবা দেই।

এতিয়া টমৰ তালৈ যাওঁ ব'লা। তেওঁৰ ঘাবোৰ শুকুৱাৰ আগেয়েই লেগ্ৰীয়ে হুকুম দিলে যে, টমে বাগিচাৰ কাম কৰিব লাগে। টমৰ দুখ আৰু কষ্টৰ মাত্ৰা বাঢ়িল। লেগ্ৰীয়ে টমক বহুত ৰকম কষ্ট যন্ত্ৰণা দিবলৈ আৰম্ভ কৰিলে। এনে নীচপ্ৰকৃতিৰ মানুহৰ আনক কষ্ট দিবৰ ছুতা ওলায়েই থাকে। টমে ভাবিছিল যে, দেৱবাৰে তেওঁ বাইবেলখন পঢ়িবলৈ সময়



পাব। কিন্তু ক'ত? সেই বাগিচাত দেৱবাৰ আনবাৰৰ সমান। আনবাৰে যি কাম দেৱবাৰেও সেই কাম। প্ৰথমে প্ৰথমে কাম কৰি আহি জুহালৰ জুইৰ পোহৰতেই অলপ পৰ বাইবেলখন পঢ়িছিল। পাছত টমে ইমান কামৰ কোব সহিব নোৱাৰা হ'ল। গধূলি ঘৰলৈ উভতি আহোঁতে টমে শেহত মূৰ ঘূৰুৱা আৰু চকুৰে এন্ধাৰ দেখাৰ নিমিত্তে আৰু সেইকণপৰো পঢ়িব নোৱাৰা হ'ল। আনবোৰ বনুৱাৰ দৰে ভাগৰ লাগি আহি ধাৰি-পাটীত দীঘল দি পৰিছিলহি।

এদিন গধূলি জুহালত তেওঁ বান্ধি আছিল। মনত দুখ। ভাবিলে বাইবেলখন অলপ পঢ়ে তাকে ভাবি নুমাই যোৱা জুইত আৰু অলপ ভগা-চিগা খৰি দিলে। বাইবেল-খন উলিয়ালে। সেই পবিত্ৰ কিতাপ খনিত তেওঁৰ ভাল লগা ঠাইবোৰত চিন দিয়া আছে। কিন্তু চকুৰে ভালকৈ নমনে। কি কৰিব? কিতাপ খনি আকৌ জেপত ভৰাই থ'লে। কোনোবা এটাই কৰ্কশ হাঁহিৰে তেওঁক শুধিলে, "তেনেহলে বন্ধু, ধৰ্ম্মে তোক আৰু কাম নিদিলে নহয় নে?"

এই কথাষাৰে টমক বৰ বিন্ধিলে। তেওঁ মনে মনে থাকিল।

লেগ্ৰীয়ে ক'লে, "তোৰ অকণো বুদ্ধি নাই। তোৰ ভালৰ নিমিত্তে মই তোক কিনিছিলোঁ। তই এতিয়া স্যাম্বো আৰু কুইম্বোবকৈও ভাল কাম পালি হয় আৰু তোৰ ইমান দুখ আৰু কষ্টও নহল হয়। টম, মোৰ কথা শুন।"

টমে কলে, "মই যি বাট ধৰিছোঁ, ধৰিয়েই থাকিম। ঈশ্বৰ মোৰ সহায় হওক কি নহওকেই মই তেঁওক কেতিয়াও নেৰোঁ। আৰু এই জীৱনৰ শেষলৈকে মই তেওঁক নেৰোঁ।"

"তোক এতিয়াও ঠিক কৰিম, বুজিলিনে? খবৰদাৰ।" লেগ্রীয়ে এই বুলি কৈ গুছি গল।

ঈশ্বৰৰ কি আচৰিত সৃষ্টি। যেতিয়া মানুহৰ দুখ কষ্ট হয়, যেতিয়া আৰু কোনো আশা-ভৰসা মানুহে নেদেখে, তেতিয়া ঈশ্বৰে তেওঁৰ শক্তিক বৰণ কৰি লবলৈ উপযুক্ত বল দিয়ে। টমৰো সেই অৱস্থা হ'ল। টমৰ বেতৰ কোবৰ ঘা শুকুৱা নাই, মনত অশান্তি, সকলো পিনে দুখ কষ্ট কিন্তু এক ঐশ্বৰিক শক্তি আহি টমক নৱশক্তি দিলে। নিৰ্ব্বিকাৰ ভাব উপস্থিত হ'ল। দুখ কষ্টৰ সীমাৰ বাহিৰলৈ টম গ'ল। তেওঁৰ শৰীৰ আৰু মনত যিমানেই দুখ থাকক আনৰ দুখ দেখিলেই টম সেই ঠাইত উপস্থিত হৈ আনৰ দুখ লাঘৱ কৰিছিল। এই মানুহটীয়ে সকলো দুখৰ ভাৰ বহন কৰিছিল। কথাতো কামতো। সকলোৰে অন্তৰত সুখ দিবলৈ চেষ্টা কৰিছিল। তোমালোকে ৰবীন্দ্ৰনাথ ঠাকুৰ জগৎ কবিৰ সঙ্গীত (নাম) জানা "আসন তলেৰ মাটীৰ পৰে লুটিয়ে ৰব।" টমৰো সেই ভাব। টমে নিজে কোনো বস্তু আগৈয়ে নলৈ সকলোৱে লোৱাৰ পাছত যি বাকি থাকিছিল তাকে লৈছিল। টম, তুমি আদৰ্শ পুৰুষ এজন, তুমি এজন মহাপুৰুষ।

জাৰ। টমৰ গাৰ কাপোৰ আনি আনক দিছিল। জহ।



তেওঁ মুকলি খিলিকিৰ ওচৰৰ ঠাই সেই জহত কষ্ট পোৱা মানুহটীক দিছিল। তোমালোকে ডাঙ্গৰ কিতাপখন পঢ়িবা। তেতিয়া জানিবা টমৰ মহত্বৰ কথা। গোলাম হলেও, প্ৰপীড়িত হলেও মানুহৰ আত্মা যে এইবিলাক পাৰ্থিব কাৰণৰ অধীন নহয়, টমৰ জীৱনীৰ পৰা তোমালোকে জানিব পাৰিবা। অৱশ্যে জানিবা যে, এই টম সেই নাৰী জাতিৰ ভিতৰৰ এজন প্ৰধানতম মহিলাৰ (হেৰিয়েট্ বীচাৰ ষ্টো) কল্পনাৰ সৃষ্টি। এই ষ্টো মহিলাই নীগ্রো জাতিৰ বহুত কষ্ট আৰু দুখ দেখি এই কিতাপ খনি লেখিছিল। সেই দেখি কওঁ যে টমৰ চৰিত্ৰ কাল্পনিক নহবও পাৰে। এব্ৰেহাম (এব্ৰেম) লিংকনৰ (Abraham Lincoln) নাম শুনিছা নে? তেওঁৰ সময়ত যে যুক্তৰাজ্যৰ উত্তৰবাসী মানুহবিলাকৰ সৈতে দক্ষিণবাসী মানুহৰ যুজ হৈছিল, সেই বিষয়ে তোমালোকে বুৰঞ্জী পঢ়ি নিশ্চয় জানিছা। সেই যুজৰ আন কাৰণ থাকিলেও তাৰ এক প্ৰধান কাৰণ এই চুটী-চাপৰ অথচ তেজস্বিনী ষ্টো মহিলাৰ কিতাপ। ডাঙ্গৰ হলে, ডাঙ্গৰ হ'লে কি, যেতিয়াই পাৰা তেতিয়াই ভাল ভাল কিতাপবোৰ পঢ়িবা দেই। কিতাপৰ দৰে বন্ধু নাই, জানিবা। দুখত সুখত সকলো সময়ত জানিবা কিতাপ তোমালোকৰ বন্ধু। মানুহ কপট হব পাৰে। কিতাপ কেতিয়াও কপট নহয়।

সুবিধা পালেই টমে লগৰীয়া-বিলাকক বাইবেল পঢ়ি ভাল ভাল কথাবোৰ শুনাইছিল। তেঁওৰ সৰল সহৃদয়

ব্যৱহাৰৰ নিমিত্তে সেই বাগিচাৰ সকলোৰে সেই মিউলাটো তিৰুতাজনীৰো এনে কি কেসিৰো ভগবানৰ ফালে মন গল। টমৰ ব্যৱহাৰে আটাইৰে মন স্নিগ্ধ কৰিলে। ভাল মানুহৰ লগত থাকিলে সকলোৰেই ভাল হয়। টমৰ লগ পোৱাৰ নিমিত্তে সেই বাগিচাৰ সকলো কাম কৰা মানুহেই ভাল হ'ল। সদাই ভাল মানুহৰ লগত থকা ভাল। বেয়া মানুহ সকলো সময়তে সাপৰ দৰে। সাপক দেখিছা। সাপক মানুহে বশ কৰে, দেখিছা। কিন্তু সাপক পুৰাপুৰি বশ কৰিব কোনেও নোৱাৰে। কিন্তু মানুহৰ কথা বেলেগ। বেয়া মানুহ ভাল মানুহৰ লগত থাকিলে, ভাল মানুহৰ কথা শুনিলে আজি নহয়, কালি নহয়, এদিন ভাল হবই হব। সেই বাগিচাৰ কাম কৰা মানুহবিলাকৰ স্বভাৱেই তাৰ এটি উজ্জ্বল দৃষ্টান্ত।

——ঃ০ঃ——

কোনো বস্তুৰেই সকলো সময়তে একে নেথাকে। চিৰদিন কেতিয়াও সমানে নাযায়। কেসি আৰু এমেলিন বুলি এজনী তিৰুতাৰ দাসত্ব শেহ হ'ল। সিহঁত পলাল। সিহঁত পলাই যোৱাত লেগ্ৰীৰ খঙৰ মাত্ৰা আৰু বাঢ়িল। খঙৰ কোব পাৰিল গৈ টমৰ গাত। লেগ্ৰীয়ে ভাবিলে যে, টমৰ শিক্ষাতে এনে ঘটনা হ'ল "সি মোৰ নহয় নে? মোৰ যি ইচ্ছা যায় মই তাকে কৰিব নোৱাৰোঁ নে? তাক যদি মই মাৰিব খোজোঁ কোনে ৰাখিব পাৰে? তাৰ সাহ ইমান হয় যে, মোৰ কামত বাধা দিব।" কিন্তু টম ভাল চাকৰ। কাম



সুকলমে কৰে। তাৰ কিবা এটা হ'লে বাগিচাৰ ক্ষতি হ'ব। সেই দেখি লেগ্ৰীয়ে টমৰ একো ক্ষতি তেতিয়াই নকৰে। পাছদিনা পুৱা সি বন্দুক লৈ সেই কুকুৰবোৰ লৈ তাৰ নিজা বাগিচাৰ আৰু আন ওচৰচুবুৰিয়া বাগিচাৰ মানুহ লৈ কেসি আৰু এমেলিনক বিচাৰিব। যদিহে সিহঁতক পায়, তেনেহলে ভাল ; নেপালে টমক————

ৰাতিপুৱা ছোৱালীহুটীক বিচাৰিবলৈ মানুহে কুকুৰে ওলাল। কিন্তু বিচাৰি সিহঁত হায়ৰাণ হ'ল। সিহঁতক নেপালে। লেগ্ৰী ভাগৰ আৰু কড়া মেজাজ লৈ ঘৰলৈ উভতি গ'ল। গৈয়েই হাওলা মাচিয়াত দীঘলকৈ পৰি কুইম্বোক হুকুম দিলে, "এই কুইম্বো, টমটোক ধৰি আন গৈ। সি কুকুৰৰপোটোৰেই এই কামৰ গুৰি। তাৰ কলাচালৰ আজি আইধা নেৰাখো। তাৰ কলাচালৰ পৰা কথা ফেৰি যদি নুলিয়াঁও আজি তাৰ শেহ কৰিম।"

স্যাম্বো কুইম্বো শত্ৰু। কিন্তু টমক দুইয়ো দেখিব নোৱাৰিছিল। কিয়নো লেগ্ৰীয়ে প্ৰথমে কৈছিল যে, টমক অভাৰ্সিয়েৰৰ বাব দিব। সি কৰবালৈ গ'লে টমেই বাগিচাৰ তত্বাৱধান কৰিব। এনে কথা স্যাম্বো, কুইম্বোৰ ভাল লাগিব নে? আৰু যেতিয়া দেখিলে যে, টমক সিহঁতৰ গৰাকীয়েও দেখিব নোৱাৰা হল, তেতিয়াতো কথাই নাই। লেগ্ৰীৰ হুকুম পাই কুইম্বোই অতি ৰং মনেৰে টমক আনিবলৈ গ'ল।

লেগ্ৰীৰ হুকুম শুনি টমে তেতিয়াই জানিলে যে, আজি

কিবা এটা হব। লেগ্ৰীৰ নীচ হৃদয়ৰ কথা টমে ভালকৈ জানিছিল। কিন্তু টম ঈশ্বৰ-বিশ্বাসী। ঈশ্বৰৰ ওপৰত বিশ্বাস ইমান আছিল যে, তেওঁ মৃত্যুকো ভয় নকৰিছিল।

তেওঁৰ পাচি এফালে থৈ ওপৰলৈ চাই ক'লে, "তোমাৰ হাতত, হে প্ৰভু, মোৰ আত্মা সঁপি দিছোঁ। তুমি মোক তো কিনি লৈছা, হে মোৰ প্ৰভু, সত্যৰ প্ৰভু।" এই বুলি কুইম্বোক ক'লে, "এতিয়া মোক লৈ যোৱা।"

অসুৰটোৱে টমক টানি আজুৰি লৈ যাঁওতে যাওঁতে কলে, "হা, হা, এইবাৰ সেকা পাবি। মাষ্টৰ খংত জ্বলি-পকি আছে। মজা পাবি। তোৰ ইমান সাহ যে, মাষ্টৰৰ নিগাৰ-বোৰক তই পলাই যাবলৈ শিকাৱ। চাবি এতিয়া তোৰ কি হয়?" এইবোৰ কথা টমৰ কাণে দি সোমোৱাই নাই। কোনোবাই যেন ওপৰৰ পৰা এই কথা টমক শুনাইছে। "যি তোমাৰ শৰীৰক ধ্বংস কৰে, তাক ভয় নকৰিবা। সি আৰু তোমাৰ একোকে কৰিব নোৱাৰে।"

টমে ভাবিলে তেওঁৰ মুক্তি ওচৰ।

লেগ্ৰীয়ে টমক দেখিয়েই তেওঁৰ চোলাৰ কলাৰটো ধৰি কলে, "তই জান নে টম, তোক আজি মই মাৰিম।" টমে ধীৰ ভাবে উত্তৰ দিলে "হব পাৰে প্ৰভু।"

"হব পাৰে নহয়, মই ঠিক কৰিছোঁ যে, আজি মই তোক মাৰিম। যদি কৰ ছোৱালীছুটা কত আছে, তেনেহলে তোক মই ক্ষমা কৰিম। নহলে তোক মাৰি পেলাম। ক।



টম নীৰবে থিয় হৈ থাকিল।

"তই নাই শুনা নে" সিংহৰ গৰ্জ্জনৰ দৰে লেগ্ৰীয়ে সুধিলে, "নকৱ কিয়?"

"মোৰ একো কবৰ নাই।" টমে ধীৰ আৰু দৃঢ়ভাবে উত্তৰ দিলে।

লেগ্ৰীৰ আৰু খং বাঢ়িল। কিন্তু খং দমন কৰি কলে, "টম, শুন্, তোক মই আগেয়ে এৰি দিছোঁ দেখি তই ভাবিছ, এইবাৰো এৰিম। নেৰোঁ, বুজিলি নে? মই বহুত ভাবি-চিন্তি এই কথা কৈছোঁ। হয় তোক ঠিক কৰিম, নহলে তোক মাৰি পেলাম। তোৰ প্ৰতি টোপা তেজ গণিম (ইয়াৰ মানে হৈছে. গাৰ সকলো তেজখিনিয়েই উলিয়াব) আৰু তই নমৰালৈকে তোক নেৰোঁ।"

টমে তেওঁৰ গৰাকীৰ ফালে চাই ক'লে, "প্ৰভু, আপোনাৰ যদি কিবা দুখ কি বিপদ হয়, কি বেমাৰ হয় মই আপোনাৰ উপকাৰৰ নিমিত্তে প্ৰাণ দিবলৈ সাজু আছোঁ। এই মহা-পাপ কিন্তু আপনি নকৰিব। আপোনাৰ যিহকে ইচ্ছা হয় কৰোক--মোৰ কষ্ট শেষ হব, কিন্তু আপোনাৰ দোষৰ নিমিত্তে যদি আপুনি অনুতাপ নকৰে আপোনাৰ কষ্টৰ শেষ কেতিয়াও নহয়।"

এনে কথা শুনি টমক মাৰি মাৰি মাটীত পেলালে।

বহুত পৰ মাৰাৰ পাছত স্মাম্বোৰ মনও গলিল। কলে, "প্ৰভু তাৰ ফালে আইধা হয়——আৰু"

লেগ্ৰীয়ে ক'লে, "সি সই নেকাঢ়িলে মাৰি থাকিবি, মাৰি থাক, মাৰি থাক। যিমান পৰলৈকে নকয় মাৰি থাকিবি।"

টমে চকু মেলি লেগ্ৰীৰ ফালে চাই ক'লে, আপোনাৰ আৰু কি কৰিবৰ আছে? একোকে নাই। আপোনাৰ অদৃষ্ট বৰ বেয়া কিন্তু মই আপোনাক মোৰ অন্তৰতম হৃদয়ৰ পৰা ক্ষমা কৰোঁ।" এই বুলি একেবাৰেই মুচ্‌কচ্‌ গ'ল।

লেগ্ৰীয়ে অলপ আগ বাঢ়ি আহি কলে, "ইঃ, সঁচাকৈয়ে ইয়াৰ কালে শেষ হ'ল। ই গ'ল। ভালেই হ'ল। ইয়াৰ মুখ বন্ধ হ'ল।"

এই বুলি লেগ্ৰী তাৰ পৰা গুচি গল। লেগ্ৰী যোৱাতে আটাইবোৰ নীগ্ৰো একেলগ হৈ টমক সেৱা কৰিব ধৰিলে। স্যাম্বোই এবাৰ কলে, "আমি আটায়ে বেচাৰাক কি যে নিষ্ঠুৰ ব্যবহাৰ কৰিছোঁ। হায়, হায় কিয় কৰিলোঁ।"

টমে চকু মেলি চাই লাহে লাহে ক'লে, "একো কথা নাই। মই তোমালোকক আটাইকে ক্ষমা কৰিছোঁ স্যাম্বো।"

——ঃ঳ঃ——

এই ঘটনাৰ দুদিন পাছত এজন ডেকা লৰাই গাড়ী ডকাই আহি লেগ্ৰীৰ ঘৰৰ আগত ৰ'ল হি। নামি গৰাকীৰ সৈতে দেখা কৰিব খুজিলে। এওঁ জৰ্জ শ্বেলবি। নৈৰ ভাটিৰ ফালে মাকৰ জমিদাৰীৰ সংক্ৰান্ত কাম তদাৰক কৰিবলৈ আহি এবাৰ টমক বিচাৰি চাবলৈ মন গ'ল। কেবা মাহো বিচাৰি বিচাৰি টমক নেপালে। অকস্মাৎ এজন মানুহৰ পৰা বাতৰি পালে যে, টম লেগ্ৰীৰ বাগিচাত আছে। সেই কথা শুনিয়েই ইয়ালৈ তৎক্ষণাৎ আহিল। ইচ্ছা যে, টমক আকৌ কিনি লয়। লেগ্ৰীয়ে মাতি পঠিয়ালে।



জৰ্জে ক'লে, "শুনিছোঁ বোলে নিউ অৰ্লীন্সত আপুনি টম বুলি এটি মানুহ কিনিছে। সি মোৰ দেউতাৰ বাগিচাত কাম কৰিছিল। পাৰোঁ যদি তাক কিনিবলৈ আহিছোঁ।"

লেগ্ৰীয়ে অলপ খংৰ ভাবেৰে ক'লে, "এৰা, কিনিছিলোঁ। এনে বেয়া অবাধ্য গোলাম মই আৰু দেখা নাই। সি কুকুৰৰ পুতেকটোয়ে এতিয়া মৰিবলৈ ওলাইছে। মৰে নে নাই কব নোৱাৰোঁ।"

"সি ক'ত? মই তাৰ সৈতে দেখা কৰিব খোঁজো।" এই বুলি মনৰ দুখ আৰু খঙ্গেৰে জৰ্জে অনুমতি খুজিলে। খং বৰকৈ হৈছিল কিন্তু দমন কৰিলে।

ঘোড়াৰ লাগাম ধৰি থকা মানুহটোৱে টমে থকা ঠাই দেখুৱাই দিলে।

জৰ্জে আৰু একো নকৈ সেই ফালে খোজ ল'লে। গৈ দেখে যে, টম শুই আছে। শৰীৰত দুখ কি কষ্ট একোকে নাই কিয়নো কষ্ট অনুভৱ কৰিবৰ শক্তিও টমে এতিয়া হেৰুৱাইছে। এনে বলিষ্ঠ সঁজাৰ পৰা প্ৰাণ ইমান সোনকালে এৰি যাব নোখোজে, সেই দেখিয়েই এই দুইদিন একে ভাবে পৰি আছিল। তেওঁক এনে ভাবে পৰি থকা দেখি জৰ্জৰ

মুৰ ঘুৰাল। ক'লে, "ই সন্তুৰ নে, এনে কথা হব পাৰে নে? এই বুলি ওচৰত বহি ক'লে, "টম দদাই, টম দদাই, মোৰ বন্ধু।"

এই মিঠা মাত টমৰ কাণত সোমাল। টমে লাহেকৈ মুৰটো জর্জৰ ফালে লৈ গৈ অলপ হাঁহিলে।

"টম্ দদাই, উঠা, এবাৰ কথা কোৱাচোন্। তোমাৰ মাষ্টৰ জর্জ আহিছে, তোমাৰ নিজৰ মাষ্টৰ জর্জ। মোক চিনি পোৱা নাই নে?"

আচৰিত হৈ ক'লে, "মাষ্টৰ জর্জ! মাষ্টৰ জর্জ।" এই বুলি অলপ পৰ তলকা মাৰি ভাবিলে, চালে, চাই ক'লে, "ধন্য ভগবান! হয়, হয়, হয়, মই যি বিচাৰিছিলোঁ তাকে পালোঁ! তেওঁলোকে মোক পাহৰা নাই। তেনেহলে মোৰ কি আনন্দ। মই এতিয়া সুখেৰে মৰিম। ধন্য ভগবান, ধন্য ভগবান।"

জর্জে কলে, "তুমি নমৰা, তোমাক মৰিবলৈ নিদিওঁ আমি। তোমাক ঘৰলৈ লৈ যাবলৈ আহিছোঁ টম্ দদাই"

"মাষ্টৰ জর্জ, এতিয়া আৰু নোৱাৰোঁ। বহুত পাছত আহিলা তুমি। এতিয়া আৰু সময় নাই। প্ৰভুয়ে মোক কিনিছে, আৰু মোক নিজা ঘৰলৈ লৈ যাবলৈ ওলাইছে। মই যাবলৈ বং মনেৰে বাট চাই আছোঁ, মাষ্টৰ জর্জ।"

জর্জক দেখি যি আনন্দ হৈছিল, এতিয়া সেই আনন্দ কমি আহিল। টমৰ বল লাহে লাহে কমি আহিল।



"খ্ৰীষ্টৰ প্ৰেমৰ পৰা দূৰৈত আমাক কোনে ৰাখিব পাৰে?" এই বুলি মিঠা হাঁহি এটি মুখত লৈ চকু মুদিলে।

জর্জে এই দৃশ্য দেখি অলপ পৰ নিস্তব্ধভাবে সংসাৰৰ অনিত্যতাৰ কথা ভাবি বহি থাকিল। অলপ পৰ থাকি টমৰ গাত নিজৰ "ক্লোক"টো পেলাই দিলে। ভাবিলে সজ্ খ্ৰীষ্টিয়ান হোৱা কি সুখৰ কথা।"

নীগ্ৰোবিলাকক ক'লে, "বোপাইহঁত, আমি এওঁক মোৰ ৱেগনলৈ লৈ যাওঁ বল। মইও তইঁতৰ লগত এওঁক তোলোঁ। এডাল কোৰো আনিবি, বোপাইহঁত দেই।" এটাই কোৰ আনিলে। জর্জ আৰু দুটা নীগ্ৰোই লাহে লাহে সসম্ভ্ৰমে টমক গাড়ীত তুলিলে গৈ। বাগিচাৰ বাহিৰে গছৰ ছাঁ থকা এডোখৰ ওখ ঠাইত টমক কবৰ দিয়া হল। এজনে শুধিছিল, "মাষ্টৰ আপোনাৰ "ক্লোক"টো তুলি লওঁ।" তেওঁ ক'লে, "নেলাগে, নেলাগে, মোৰ বন্ধুক আৰু মই একোকে দিব নোৱাৰোঁ, এই বস্তুটো তেওঁৰ লগতে যাব দিয়া।"

জর্জে সেই পবিত্ৰ ঠাইৰ ওচৰত আঠু কাঢ়ি ভগবানক এই বুলি প্ৰাৰ্থনা কৰিলে "শুনা, অনন্তনাথ, শুনা পৰমেশ্বৰ তোমাক সাক্ষী কৰি আজি মই প্ৰতিজ্ঞা কৰিলোঁ যে, মই মোৰ শক্তি অনুসাৰে মোৰ জন্মভূমিৰ পৰা দাসত্ব প্ৰথা উঠাই দিবলৈ যত্নবান হম। ভগবান, সহায় হোৱা।"

আমাৰ বন্ধু টমৰ শেষ আবাসভূমিত "এই ডোখৰ টমৰ শেষ আবাসভূমি" বুলি কোনো চিন কি এনে কোনো কথা

লেখা নাই কিন্তু টমৰ প্ৰভুয়ে জানে তেওঁৰ প্ৰিয় টম কত আৰু নিৰ্দ্দিষ্ট সময়ত টমক সেই ঠাইৰ পৰা তেওঁ মাতি লৈ যাব।










# বিদেশী কথাৰ অসমীয়া ভাঙ্গনি।

---

### মিউলাটো। ( Mubatto )

ক'লা ( নীগ্ৰো ) আৰু বগা মানুহৰ সন্তান।

### কোৱড্ৰূন্ ( Quadroon )

মিউলাটো আৰু বগা মানুহৰ সন্তান।

### কুৱেকাৰ ( Quaker )

জৰ্জ ফক্স নামেৰে এজন মানুহে প্ৰতিষ্ঠা কৰা ধৰ্ম্মসমাজ। ইয়াক বন্ধুসমাজ বুলিও ( Society of Friends ) কয়। এওঁলোক খ্ৰীষ্টান।

### ডৰ্কাস্ ( Dorcas )

বাইবলত এই নামৰ উল্লেখ আছে। জপা বুলি ঠাইৰ এজন সজ কাম কৰা তিৰুতা। এই তিৰুতাজন দয়াশীলা আছিল। গৰীব-দুখীক মৰম কৰিছিল। বাইবলৰ "এ্যাক্টস্ ( Acts ) ত এই তিৰুতাজনৰ উল্লেখ আছে। এওঁক তাত টেবিথা ( Tabitba ) বুলিও উল্লেখ কৰা হৈছে।

### মেথডিষ্ট ( Methodist )

জন্ ৱেস্‌লি ( John wesley ১৭০৩—১৭৯১ ) নামৰ এজন মানুহে প্ৰতিষ্ঠা কৰা এক ধৰ্ম্মসমাজ। এওঁলোকক

ৱেস্লিয়ানও ( Wesleyan ) বোলে। এওঁলোকে অতি নিয়মৰ ( Method ) বশবৰ্ত্তী হৈ ধৰ্ম্মকৰ্ম্ম কৰে দেখি এওঁলোকক Methodist বোলে।

## গুড্‌বাই ( Good bye )

বিদায় সম্ভাষণ। মানে ঈশ্বৰ তোমাৰ লগত থাওক। কেবাদিন কি বহুদিনৰ নিমিত্তে বিদায় ল'লে এই কথা ব্যৱহাৰ হয়। নহলে সাধাৰণতঃ গুড্‌মৰ্নিং, গুড্ আফ্‌টাৰনুন, গুড্ ঈভ্‌নিং ব্যৱহাৰ হয়। গুড্ নাইট্ ৰাতি বিদায়ৰ সম্ভাষণ। দেখা হলে এই কথা ব্যৱহাৰ নহয়।

## হ্যাণ্ডনোট ( Handnote )

টকা ধাৰে ল'লে যি প্ৰাপ্তি স্বীকাৰ পত্ৰ লেখি দিয়া হয়। ইয়াত টিকট ( ষ্ট্যাম্প ) থাকিব লাগে, তেহে আইনসঙ্গত হয়।

## স্বেনেটৰ

যুক্তৰাজ্যৰ প্ৰজা প্ৰতিনিধি। যি সকল মানুহে স্বেনেট সভাত বহিব পাৰে।

---